


**RAHDOI LIGIREE**

A historical novel written by Late Rajani Kanta Bardoloi and published by Sahitya-Prakash, Tribune Buildings, Guwahati-781003, and Price Rs. 25.00 ( Rupees Twenty five only )

* প্ৰকাশক :
  সাহিত্য-প্ৰকাশ ।। ট্ৰিবিউন বিল্ডিংছ ।।
  গুৱাহাটী—৭৮১০০৩

* পুনৰ মুদ্ৰণ : ১৯৫৯ খ্ৰীঃ
  ,, ,, : ১৯৭৩ খ্ৰীঃ
  ,, ,, : ১৯৮৭ খ্ৰীঃ

* মূল্য ।। ২৫·০০ ( পঁচিশ টকা ) মাত্ৰ ।।

* প্ৰচ্ছদপট অঙ্কন :
  ত্ৰৈলোক্য দত্ত

* মুদ্ৰক :
  ট্ৰিবিউন প্ৰেছ ।। গুৱাহাটী—৭৮১০০৩ ।।

# উচৰ্গা

অকালতে ১৯২৮ খৃষ্টাব্দৰ জানুৱাৰী মাহত শদিয়াত আমা-ডিমা দুটি ল'ৰা-ছোৱালী এৰি পতিৰ আগতে আমাক সকলোকে কন্দুৱাই বৈকুণ্ঠী হোৱা মোৰ পৰম সাদৰী সৰু-মাজিউ জীয়াৰী ৺মৃণালিনী আইটীৰ নামত এই পুথি উচৰ্গা কৰিলোঁ। যা বাছা! ককায়েৰ দুজন আৰু নিচেই গৰু-ভায়েৰ জনৰ লগত মিলি-জুলি স্বৰগৰ ফুল স্বৰগতে থাকিবি। কালপ্ৰাপ্ত হলে আমিও যাম আৰু তাত তহঁতক লগ পামগৈ।

**ৰজনীকান্ত বৰদলৈ**

# বহদৈ লিগিৰী

## প্ৰথম অধ্যায়

### বহদৈ

আমাৰ বহদৈ লিগিৰীৰ ঘৰ উজনীৰ মাজুলীত থকা কমলাবাৰী গাঁৱত আছিল। সেই সময়ত অৰ্থাৎ মানৰ দিনৰ আগেয়ে গাঁওখনত এশ কি ছকুৰি ঘৰ কোঁচ, কলিতা, বামুণ, সূত, কাটনি ইত্যাদি জাতিৰ মানুহ আছিল। বহদৈৰ বাপেকৰ নাম ৰতিকান্ত, মাকৰ নাম কমলা। তেওঁবিলাক সোণাৰি কলিতা জাতিৰ মধ্যবিত্ত অৱস্থাৰ মানুহ আছিল।

বহদৈ মাক-বাপেকৰ একেজনী জীয়াৰী আছিল। তাইৰ তলত মাথোন এটা ভায়েক আছিল। সম্পত্তিৰ ভিতৰত তেওঁবিলাকৰ ছজনীমান গাইগৰু আৰু এটা গলধন ধৰা মতা ম'হ আছিল। গাই কেইজনীৰ গাখীৰ খাইছিল; গলধন ধৰা ম'হটোৰে ৰতিকান্তে কমলাবাৰী সত্ৰৰ লাখেৰাজ মাটি তিনিপুৰামান গা খাটনিলৈ লৈ তাত আহুধান, সৰিয়হ, মাহ, মুগ, শাক, পাচলি ইত্যাদি খেতি-বাতি কৰি সুখেৰে খাইছিল। মাটি বৰ সাৰুৱা, সেইদেখি শস্য বৰ ভাল হৈছিল। সেইকালত আজিকালিৰ দৰে মানুহৰ লাহ-বিলাহ বা কানি * চিগাৰেট, মদ,

* কানি ইংৰাজে অসমদেশ দখল কৰাৰ পৰাহে প্ৰচলন হৈছে। বেঙ্গলাতে পোন-প্ৰথমে ইংৰাজৰ কোনোবা মাৰাঠা নে হিন্দুস্থানী চিপাহীৰ পৰাহে যেনো অসমীয়া মানুহে কানি খাবলৈ আৰু আফু খেতি কৰিবলৈ শিকিলে। বৰ্ত্তমানে কানিতকৈও চিগাৰেটে অসমীয়াৰ সৰ্ব্বনাশ কৰিবলৈ ধৰিছে। অসমীয়াৰ অতি দুখেৰে অৰ্জ্জা ধন লাখে লাখে চিগাৰেটৰ ধোঁৱা হৈ উৰিব লাগিছে আৰু চিগাৰেট হপি মানুহ খোৱা-পিন্ধাত যে দুখীয়া হৈছেই [illegible] [illegible] অসমীয়া [illegible] [illegible] [illegible] [illegible] দিছে।

ভাং ইত্যাদি ৰাগীয়াল বস্তু খোৱা বৰ অভ্যাস নাছিল ; সেই কাৰণে খোৱা পিন্ধাত কাৰো দুখ কষ্ট নাছিল । মাছ, পছু প্ৰায় সকলোৱে মাৰি কাটি বা নদীয়ালৰপৰা ধানলৈ সলাই লৈ খাইছিল । বহদৈয়ে দিনৰ ভাগত ম'হটো চৰাই লৈ ফুৰিছিল ; পুৰা গধূলি মাকৰ ওচৰত তাত ৰবলৈ, ভাত ৰান্ধিবলৈ শিকিছিল । ভায়েকে গৰু কেইজনী চাৰিছিল । মাকে খেতিৰ কামত বাপেকক সহায় কৰাৰ উপৰিও সকলোকে ৰান্ধি-বাঢ়ি খুৱাইছিল, আৰু বই-কাটি পিন্ধাইছিল । মুঠৰ ওপৰতে গৃহস্থিখন সুখৰ আছিল । বহদৈৰ মাক-বাপেকৰ ভিতৰত কোনো দিন দনধৰিয়াল হোৱা দেখা বা শুনাও নগৈছিল । উভয়ে ধৰ্ম্মত মতি ৰাখি পুৱা গধূলি চাৰিউটি প্ৰাণীয়ে নাম-প্ৰসঙ্গ কৰি, কৰি-ধৰি খাই-মেলি সুখেৰে জীৱন কটাইছিল ।

---

## দ্বিতীয় অধ্যায়

## দয়াৰাম

তেওঁবিলাকৰ ঘৰৰপৰা অলপ আঁতৰত সেই গাঁৱতে ধনীৰাম নামেৰে এজন সেই জাতিৰে ধন-চহকী মানুহ আছিল । ধনীৰাম কমলাবাৰী সত্ৰৰ সেৱক আছিল আৰু আচাৰৱন্ত আৰু তাৰ লগে লগে ভক্তিমন্ত হোৱাৰ কাৰণে সত্ৰৰপৰা মেধি বাব পাইছিল । ধনীৰামৰ প্ৰথম পক্ষৰ তিৰোতা গৰাকীয়ে আমাৰ দয়াৰাম নামৰ এই ল'ৰাটো এৰি গাভৰু কালতে জীৱন-লীলা সামৰিছিল । দয়াৰামৰ মাক মৰাৰ বছৰেকৰ পাচত ধনীৰামে সুভদ্ৰা নামৰ আৰু এগৰাকী তিৰোতা বিয়া কৰাই সেই তিৰোতাৰ গৰ্ভত দুটি ল'ৰা আৰু এজনী ছোৱালী জন্মাই সুখেৰে কাল কটাইছিল । বাপেকৰ গৰু-ম'হ, মাটি-বাৰি, ধন-সোণ ঢেৰ থকা স্বত্বেও দয়াৰাম সকৰেপৰা মন-দুখীয়া আছিল । মাক-মৰা ল'ৰা মন-দুখীয়া হবৰে কথা, তাতে ৰদি মাহীয়েকৰপৰা একেবা সদ্ব্যৱহাৰ

পালেহেঁতেন তেনেহলে কি জানি দয়াৰামে মাতৃ-শোক পাহৰি সুখী হব পাৰিলেহেঁতেন। কিন্তু মাহীয়েক সুভদ্ৰাই আন আন সতিয়ে যাকে সতিয়ৈ পুতেকক যিদৰে ব্যৱহাৰ কৰে, দয়াৰামকো সেইদৰে নিমৰমীয়াল ভাবেৰেহে ব্যৱহাৰ কৰিছিল। দয়াৰামক প্ৰায় সততে খোৱা-পিন্ধাত কেটেৰ্-জেঙেৰ্ কৰিছিল আৰু সি বুজন হবৰেপৰা সিহঁতৰ ঘৰৰ যিটো খাই মতা ম'হ সেইটো চৰোৱা বন্ধোৱা বাবটো তাৰ মূৰত জাপি দিছিল। বাপেকৰ তালৈ মৰম থাকিলেও মাহীয়েকৰ ভয়ত সেই মৰম দেখুৱাব নোৱাৰিছিল। কবাঁতা মিলেঁাতা মানুহ থকাতো দয়াৰামে ম'হ চাৰিহে ভাত খাবলৈ পাইছিল।

---

## তৃতীয় অধ্যায়

## নৈৰ ঘাটত

বহদৈয়ে আজিকালিকৈ বাৰ বছৰ বয়সত ভৰি দিলে। পাটগাভৰু হবৰেপৰা তাইৰ ৰূপৰ জেউতি চৰি আহিল। সৰুবেপৰা তাই অতিকৈ জাকত জিলিকা ছোৱালী আছিল। তাই বৰণত বগা, মুখখন চুচিকটা, নাকটো টনটনীয়া, চকু দুটি হৰিণীৰ চকুৰ দৰে কলা আৰু উজ্জ্বল। ভুকজোৰ জ্বয়োকাষে বই পৰা, চুলিকোছা কলা, দীঘল আৰু কঁকাললৈকে বই পৰা। তাই সেইকালতে অতি ৰূপ-লাৱণ্যৱতী ছোৱালী হৈ উঠিছিল। হবৰে কথা তাই জাতিত সোণাৰী-কলিতা, খোৱা-পিন্ধাৰ দুখ নাছিল, তিনি বেলা তিনি সাজ পুষ্টিকৰ আহাৰ খাবলৈ পাইছিল, ব্ৰহ্মপুত্ৰৰ নিৰ্ম্মল পানী পিবলৈ পাইছিল আৰু মুকলি মূৰেৰে মুকলি মনেৰে ব্ৰহ্মপুত্ৰৰ নিৰ্ম্মল বতাহ সেৱন কৰি ফুৰিছিল। তাইৰ সৌন্দৰ্য্য এনেকুৱা বিনন্দীয়া আছিল, আৰু তাইৰ মুখত, বিশেষকৈ সদায় হাহেঁ৷ হাহেঁ৷ কৰি থকা, হৰিণীৰ চকুৰ নিচিনা কলা চকু দুটিত এনেকুৱা এটা লাৱণ্য আছিল যে তাইক দেখিলেই বাটৰ বাটকৰাইও অন্ততঃ পৰ ৰ লাগি নেচাই নোৱাৰিছিল।

তাই এই বাৰ বছৰ বয়সৰ কালতে; এদিন ফাগুণমহীয়া বেলিটুপৰ হওঁতে তাইৰ ম'হটোৰ উপৰত উঠি, ম'হটোৰ নাকী-জৰীডাল হুয়ো হাতে যোৰাৰ লেকাম ধৰা দি ধৰি ম'হটোৰ এপিঠিত মেম ছাহাবসকলে ঘোৰাত উঠাৰ লেখীয়াকৈ উঠি তাৰ লগে লগে—

"শ্যামৰাই কলীয়া ঐ ৰাম
চিকণ বিনন্দীয়া ঐ ৰাম
মাথে মৰা পাখী ৰাম
গোপাল গোবিন্দ ৰাম।

নমো তিলফুল ঐ ৰাম
অধৰ বাতুল ঐ ৰাম
গলে বনমালা শোভে ৰাম
গোপাল গোবিন্দ ৰাম।

আজানুলম্বিত ঐ ৰাম
গাৰে পীত বস্ত্র ঐ ৰাম
চৰণে নপুৰ বাজে ৰাম
গোপাল গোবিন্দ ৰাম।

ৰাতুল চৰণ ঐ ৰাম
শোভে মনোৰম ঐ ৰাম
চৰণে প্রণমো ঐ ৰাম
গোপাল গোবিন্দ ৰাম।

এই গীতটো গুণ, গুণ কৰি গাই লাহে লাহে নৈৰ ফাললৈ আহিল আৰু গৰাৰ উপৰত থাকোঁতেই ম'হটোৰপৰা নামি ম'হটোৰ নাকী-জৰীত ধৰি বালিয়ে বালিয়ে খোজ কঢ়াই নি পানীৰ কাষ চাপি পানী খুৱাব ধৰিলে; এনেতে পূবৰ ফালৰ পৰা দয়াৰামেও তাৰ মতা ম'হটো লৈ সেইখিনি পালেহি। বহদৈৰ ম'হটোক পানী খুউৱা দেখি সি তাৰ ম'হটোৰ নাকীজৰীডাল টানকৈ ধৰি কলে—"হেৰ বহদৈ! তোৰ ম'হটো সাৱধানে ৰাখিবি ঐ। কেনেবাকৈ তোৰ হাতৰপৰা এৰাৰ লাগিলে পোনেই একে কোবে আহি মোৰটোৰে সৈতে খুন্দিয়া-খুন্দি লগাব।" বহদৈয়ে তাৰ ফাললৈ উলটি চাই কলে—"অ দয়াৰাম তইহে? তোৰ ম'হটোও পানী পিয়াব আনিছ? ৰাক মোৰটো মই এই সাৱধানে ধৰিলোঁ। চা, তোৰটো চত্তালিবি যাথোন। তোৰটো ইয়ালৈ নানিবি। অলপ আঁতৰলৈ নি পানী খুৱাগৈ।" বহদৈৰ এই কথাত দয়াৰামে তাৰ

ম'হটো আঁতৰলৈ নি পানী খুৱালে। ৰহদৈয়ে নিজৰটোক পানী পিয়াই তাৰ পিঠিত উঠি ঘৰমুৱা হৈ যাবলৈ ধৰোঁতে দয়াৰামে কলে—"হেৰ ৰহদৈ! তই অলপ ৰবিছোন মোৰটোক পানী খুৱাওঁমানে। তোৰ লগত মোৰ কথা অলপমান আছে।" ৰহদৈয়ে "বাৰু তেন্তে" বুলি কৈ গৰাৰ ওপৰলৈ ম'হটো নি চৰাব ধৰিলে। দয়াৰামে তাৰ টোক পানী খুউৱা হলত তাৰ ম'হটোৰ পিঠিত উঠি গৰাৰ উপৰলৈ গল আৰু অলপ আঁতৰৰ পৰা ৰহদৈক কলে,—"ৰহদৈ, তোৰ ভায়েৰে আৰু বাপেৰেও দেখোন ম'হটো চাৰি ৰাখি লৈ ফুৰাব পাৰে, তাকে নকৰি তোৰ গলতনো ম'হটো কেলেই আৰি দিছে?" ৰহদৈ—"এ পাই। ভাইটো সৰু। সি গৰু দুজনী চাৰে, ৰাখে। বোপায়ে অকলৈ খেতি বাতিকে কৰিব নে ম'হ গৰুকে চাৰিব। সেইদেখি পাই! ময়ে এই ম'হটো চাৰি লৈ ফুৰাওঁ। পিচত মই তোক সোধোঁ। তইঁত দোখোন ধনচহকী মানুহ। দেউতাৰে এটা চাকৰ ৰাখিও দেখোন ম'হটো চৰোৱাব পাৰে। তাকে নকৰিনো তোৰ গলত সেইটো কেলেই আৰি দিছে?" দয়াৰাম—"এঃ কি কম। দেউতাই মানুহ ৰাখি এইটো চৰোৱাব ৰক্ষোৱাব পাৰে সচা পিচত মাহীয়ে সেইটো কৰিব নিদিয়ে নহয়।" ৰহদৈ—"মাহীয়েৰে তেন্তে তোক ভাল নাপায় হবলা?" দয়াৰাম—(দীঘলকৈ হুমুনিয়া এটা কাঢ়ি) "এৰা! ভাল পালেনো এইলেখীয়া কৰে জানো? খোৱা পিন্ধাত কেতেৰ্-জেঙেৰ কৰে জানো?"

ৰহদৈ—এৰা পাই। বুজিলো তোক মাহীয়েৰে ভাল নাপায়। তোৰ মনত দুখ লগা দেখি মোৰো মনত দুখ লাগিল। তোক মই এইষাৰ কথা সুধিব নেলাগিছিল। পিচত এতিয়া যাওঁগৈ দেই।

দয়াৰাম—ৰাৰু যাবিয়েইতো কথা এটা শুনি যা।

ৰহদৈ—কি কথা?

দয়াৰাম—এইবেলি চতৰ নিশা-বিহুত একে লগে বিহু গাম আৰু নাচিম দেই।

ৰহদৈ—বাৰু।

দয়াৰাম—তাৰ পিচত এই বেলি আহিন মাহৰ দুৰ্গা পূজাত নগৰলৈ গৈ ৰজা ঘৰত দুৰ্গা পূজা চামগৈ দেই।

ৰহদৈ—আয়ে-বোপায়ে যাবলৈ দিলে যাম। পিচত মোক তোৰ বাটত নিবিনে?

দয়াৰাম—নিমতো। তোক লিগিৰাকৈ মই পূজা চাবলৈ বাওঁ।

বহদৈ—বাক !

এই কথা-বতৰাৰ পিচত দুয়ো দুফালে ম'হ লৈ গ'ল। দয়াৰামে ম'হৰ ওপৰত উঠি গালে—

প্ৰেমৰ ডোলেৰে বান্ধিলি মইনা
প্ৰথমৰ পিৰীতি জৰী।
নেৰিবি নেৰিবি এনুৱা পিৰীতি
এধানি এবানি কৰি॥

———

## চতুৰ্থ অধ্যায়

## ল'ৰা-কালত

ফাগুণ গৈ চ'তৰ মাহ পৰিল। অসমৰ সকলো ঠাইতে ডেকা, গাভৰু, ল'ৰা-ছোৱালী আন কি বুঢ়া-বুঢ়ী পৰ্য্যন্ত বিহুত উত্ৰাবল হব ধৰিলে। আন আন ল'ৰা-ছোৱালীৰ দৰে বহদৈ দয়াৰামো বিহুত মতলীয়া হ'ল। দয়াৰামে বহদৈক য'বেপৰা পাই ত'বেপৰা বিচাৰি বিচাৰি আনি কেতকী ফুল দিছিল, লও গুটি দিছিল। তাইক দয়াৰামে দিয়া এইবিলাক বস্তু অতি সাদৰেৰে লৈ তাৰ পৰিবৰ্ত্তে তাই ঘৰৰপৰা কাটি খুৰিয়াই অনা তামোল দিছিল। দুয়ো চ'তৰ নিশা-বিহুত একেলগে নাচিছিল। দয়াৰামে ঢোল বজালে তাই নাচিছিল আৰু তাই হাতত চাপৰি মাৰি গীত গালে বা গগনা বজালে দয়াৰামে নাচিছিল। এইদৰে গোটেই চ'ত মাহটোত উভয়ে নিশা-বিহু কৰিছিল। বহাগৰ বিহুৰ আগ দিনা বেতিয়া বাইজে ওচৰৰ বিলত মাছ মাৰিবলৈ গৈছিল, তেতিয়া বহদৈ আৰু দয়াৰামেও বাইজৰ মাজত উভয়ে ওচৰা-উচৰি হৈ মাছ মাৰিছিল। ফাগুণ চ'ত মহীয়া নৈত ডেকা আৰু ছোৱালীবিলাকে সাঁতৰ শিকোঁতে দয়াৰামে বহদৈক কঁকালত ধৰি ধৰি সাঁতবিবলৈ শিকাইছিল। এই দৰে

লগে ম'হ ৰাখি, লগে সাঁতৰি, লগে নিশা-বিচ গাই উভয়ে উভয়ক ভাল পাইছিল। ল'ৰা কালতেই উভয়ৰ প্ৰতি উভয়ৰে এটা মৰম-চেনেহ সোমাইছিল।

---

## পঞ্চম অধ্যায়

## প্ৰেমালাপ নে চুপতা-চুপতি

বহাগৰ বিহু হৈ যোৱাৰ পিচত আকৌ এদিন বহদৈয়ে তাইৰ ম'হটো চুপৰীয়া নৈলৈ পানী খুৱাব নিছিল। সেই সময়ত সেইদিনা দয়াৰামে নৈত গা ধুই অলপ সাঁতৰি আছিল। তাই ম'হ লৈ গৈ পোৱাত দয়াৰামে তাইক দেখি কলে—"বহদৈ। ম'হটো পানী খুৱাব আনিলি ?"

বহদৈ—এৰা পাই আনিছোঁ। তোৰটো কি কৰিলি ?

দয়াৰাম—মোৰটো পানী খুৱাই সদ্যহতে ঘৰত বান্ধি থৈ আহিছোঁ পিচত গা-পা ধুই গৈ এমুঠি পঁইতা বা কৰকৰা ভাত খাই আকৌ তাক চাৰিবলৈ নিম। পিচত বহদৈ! তই আজিও ইয়াৰ পিঠিত উঠি আহিছনে ?

বহদৈ—এৰা পাই! তাৰ পিঠিত উঠি গুণ্ গুণ কৈ গীত নাগালে সি এখোজকে আগবাঢ়িব নোখোজে।

দয়াৰাম—বহদৈ! তোক আজিকালি ম'হত উঠি ফুৰা দেখিবলৈ ভাল নাপাওঁ অ'।

বহদৈ—কেলেই ?

দয়াৰাম—তই যে আজিকালি গাভৰু হৈ আহিছ, এতিয়া তোৰ ম'হত উঠি ফুৰাটো ভাল নেদেখি।

বহদৈ—ভালকে দেখ বা বেয়াকে দেখ কি কৰিম উপায় নাই।

দয়াৰাম—উপায় থাককে বা নাথাককে মাইকী মানুহক এনেকুৱা এটা জন্তুত উঠি ফুৰাটো শুৱাবায়। মই বেয়া দেখোঁ।

বহদৈ—মই ম'হত উঠি ফুৰাটো যে বেয়া দেখ, পিচত দুৰ্গা গোঁসানীয়ে ভয়ানক সিংহ এটাৰ ওপৰত উঠি ফুৰাটো, জানো বেয়া নেদেখ?

দয়াৰাম—তেওঁ যে গোঁসানী।

বহদৈ—গোঁসানীয়ে যদি বাঘ আৰু সিংহত উঠি ফুৰিব পাৰে তেন্তে আমি তেওঁৰ জীয়াৰী বা দাসীসকলে হাতী, ঘোঁৰা, ম'হত উঠিলেনো কি জগৰ লাগিব পাৰে?

দয়াৰাম—অৱশ্যে একো জগৰ যে নালাগে সেইটো সঁচা। পিচত মই হলে তোৰ নিচিনা ম'হত উঠি ফুৰা ডাঙ্‌কাটী গাভৰু বিয়া নকৰাওঁ।

বহদৈ—নকৰিলিয়েই বা তই বিয়া, তাতনো মোৰ কি লাভ লোকচান আছে। মইতো তোক বিয়া সোমাব খোজা নাই।

দয়াৰাম—মই যে তোকেহে বিয়া কৰাম বুলি পাঙি থৈছিলোঁ। ঐ বহদৈ।

বহদৈ—বা অ' তই মোৰ লগত চুপতি নকৰিবি। তই এই দৰে জোকাই খঙ তুলিলে মই গৈ আইক কৈ দিম।

দয়াৰাম—(হাঁহি হাঁহি) হেৰ কাবৌটি কৰিছোঁ। দহোকুৰি আয়েৰৰ আগত ক'গৈ। মই আৰু তাৰ হতুৱাই মাৰত জনাবই খুজিছিলোঁ। পিচত তয়ে যদি জনাব মই ভালেহে পাম। মই ভাবিছোঁ মোৰ বোপায়ে হেনো তোকে মোলৈ খুজিবলৈ মনে মনে পাঙিছে। পিচত তই জানো মোত বিয়া সোমাবি?

বহদৈ—মই আৰু পাই তোৰ লগত চুপতি নকৰোঁ। মই যাওঁগৈ—এই বুলি কৈ বহদৈয়ে উচাত মাৰি আহিব ধৰোঁতে দয়াৰামে কলে—"খঙ নকৰিবি বহদৈ। অলপ পৰ ৰৈ কথা এটা শুনি যাচোন মোৰ লাহৰি!"

বহদৈ—"কিনো কথা কব অ'। তই মিছাই চুপতি মাৰি মোক খাপি ধৰিবি। পলম হলে আয়ে খঙ কৰিব।"

দয়াৰাম—আজেৰে খণ্ড কৰিলে কবি আকৌ দয়াৰামে চুপতি মাৰি ৰাখিছিল বুলি। পিচত বহদৈ! তই মোৰ আজিৰ কথাত বেয়া নাপাবি দেই। মই সইত খাই কৈছোঁ, এই জলত থবি সইত খাই কৈছোঁ মই তোকেহে বিয়া কৰাম। তোক নেপালে দেশ এৰি বিদেশী হম। অথবা বৰাগী হম। নতুবা এই ব্ৰহ্মপুত্ৰৰ জলে ঝাম্প দিয়া মৰিম।

বহদৈ—কি কথাবিলাক কয় ঐ। তই পেংলাই কৰিছ দেখোন।

দয়াৰাম—মই সইতে কৈছোঁ, তোকেহে মই বিয়া কৰাম।

বহদৈ—মই পাই আক তোৰ কথা শুনি নাথাকো যাওঁগৈ। —এই বুলি ঘৰৰ ফাললৈ ম'হটো লৈ গল। দয়াৰামে পানীৰপৰা পাৰত উঠি কাপোৰখন সলাই গা মচি বহদৈয়ে শুনাকৈ গালে—

দিখৌ নৈ এৰিব পাৰোঁ মই লাহৰি!
জাজী নৈ এৰিব পাৰোঁ।
তোমাৰ ঐ ভাবনা এৰিব নোৱাৰোঁ।
নেথায়ে থাকিব পাৰোঁ॥

---

## ষষ্ঠ অধ্যায়

## ৰজাঘৰত দুৰ্গোৎসৱ

চাওঁতে চাওঁতে ভাদ মাহ গৈ আহিন সোমাল। আহিনৰো এদিন দুদিনকৈ কুৰি দিন গল। শাৰদীয় দুৰ্গাপূজা ওচৰ চাপিল।

আজি ষষ্ঠী তিথি। ৰাতিপুৱাৰেপৰা কমলাবাৰী, বেঙেনাআটী, আউনীআটী ইত্যাদি গাঁৱৰপৰা জাকে জাকে বুঢ়া-মাইকী, ল'ৰা-ছোৱালী, ডেকা-গাভৰু সকলোৱেই নৈ পাৰ হৈ ৰংপুৰৰ ফালে খোজ ললে। কমলাবাৰী গাঁৱৰপৰা দয়াৰামকে প্ৰমুখ্য কৰি তিনি চাৰিজন ডেকাই

গাঁও গোটেইখনতে জনাই ফুৰিছে ডেকাবিলাক ৰংপুৰলৈ বৰ্জাঘৰৰ দুৰ্গা-পূজা চাবলৈ যাব। যাব যাব ইচ্ছা আছে সেইসকল খাই-বৈ ওলাওক। ডকাসকলৰ এই জাননীত গাঁৱৰ দহ-বাৰজনীমান গাভৰু, পোন্ধৰ-ষোলটামান ল'ৰা-ছোৱালী, দুই-চাৰিজন বুঢ়া-বুঢ়ী দুপৰীয়া ভাত পানী খাই জালকৈ পিন্ধি-উৰি লগত চাৰি পাঁচ দিন জোৰাকৈ চাউল-চক, হাতত অলপ ধন-বিত লৈ বেলি দুপৰমানত কমলাবাৰী ঘাটত থকা পাঁচ খন নাৱত উঠিল। যেয়ে যাৰ লগ ভাল পালে সেয়ে সেই নাৱত উঠিল। তিনি চাৰিজনী গাভৰু, পাঁচোটা ল'ৰা আৰু দুই চাৰিজন বয়সীয়াল মানুহে সৈতে আমাৰ বহদৈ দয়াৰামৰ নাৱত উঠিল। দয়াৰামেই সেই-খন নাৱৰ গুৰিয়াল হ'ল। আগত আন এজন ডেকা আওৰাল হ'ল। মাজত পাঁচজনী গাভৰুৱে সৰু সৰু হাত বঠা ললে। ইবিলাক নাৱতো সেই দৰে মানুহ উঠিল। উজনী আৰু ভাটীফালৰ আন আন গাঁওবিলাকৰ-পৰাও তিনি চাৰিখন মানকৈ নাও লৈ মাজুলীয়াল ল'ৰা-তিৰোতা, ডেকা-গাভৰু, বুঢ়া-বুঢ়ী, বৰ্জাঘৰৰ দুৰ্গোৎসৱ চাবলৈ ওলাল।

সকলোবিলাক মানুহে নাৱত উঠা হলত "জয় বাবা ব্ৰহ্মপুত্ৰৰ জয়। আমাক বাবা যেন সুকলমে পাৰ কৰোৱা"—এই বুলি হৰিধ্বনি দি নাও এৰি দিলে। পাঁচোখন নাও একেলগে চলিল। প্ৰত্যেকখন নাৱৰ মানুহৰ কোনে আগ বাঢ়িব পাৰে এনেকুৱা এটা অৰিয়া-অৰি ভাব হ'ল। বঠাৰ চাৱে চাৱে গাভৰুসকলে গালে—

## ঘোষা

কৃষ্ণ গোপাল কৰুণাময় ৰাম ৰাম হৰি।

### পদ

কৃষ্ণৰূপে দৈৱকীত ভৈলা অৱতাৰ।
শঙ্খ চক্ৰ গদা পদ্ম কৰত তোমাৰ॥
পীতবস্ত্ৰে শোভে অতি শ্যাম কলেবৰ।
কমললোচন চাৰু অৰুণ অধৰ॥
সুন্দৰ নাচিকা কৰ্ণে মকৰ কুণ্ডল।
কণ্ঠত কৌস্তভ শিৰে কিৰীটি উজ্জ্বল॥
আপাদলম্বিত বনমা। গলে গলে।
শোভে অতি শ্ৰীবৎস বহল বক্ষস্থলে॥

চাৰু চাৰি ভুজ অলে আজানুলম্বিত।
কৰিকৰ সম উৰু বর্ত্তুল ললিত ॥

পাঁচোখন নাৱে কোৰেৰে খেৱা মেলিলে। কোৰেৰে গৈ লিপাৰ পাওঁ পাওঁ হলত গাভৰুসকলে আকৌ গালে।—
"ঘাটে নাও চপাই দিয়া অ' বনমালী"

নাও পাৰ পাওঁ পাওঁ হৈছিল। পাৰলৈ মুঠেই তিনি নল মানহে আছিল। এনেতে দয়াৰামইঁতৰ নাওখনে সৈতে আন এখন নাৱৰ খুন্দা লগাত দয়াৰামৰ নাওখন অলপ কাতি হলত মানুহবিলাক সোপাহে পানীত পৰিল। ভাগ্য ভাল যে পানী খাউনী পোৱা আছিল। নৈৰ সোঁত কোবাল নাছিল, তদুপৰি মাজুলীয়াল প্ৰায় মতা-মাইকী, ডেকা-গাভৰু, ল'ৰা-ছোৱালী সকলোৱে সাঁতুৰিব জানিছিল। এটি প্ৰাণীৰো হানি-বিঘিনি নহল। ভুকলি জুপুৰি হৈ পাৰত উঠি নৈৰ বালিত শুকান নল খাগৰি আৰু কাঠেৰে জুই একুৰা জ্বালি কাপোৰকানি সেকি ই কেইখন নাৱৰ মানুহবোৰ অলপ জা-জলপান লৈ হাঁহি-খিকিন্দালি কৰি খাই ৰংপুৰ নগৰৰ ফালে খোজ লৈ গধূলি নৌ হওঁতেই সকলোবিলাকে নগৰৰ ওচৰৰ গাঁওবিলাকত চিনাকি আৰু সম্পৰ্কীয় মানুহৰ ঘৰে ঘৰে আশ্ৰয় লৈ বল।

---

সপ্তম অধ্যায়

## বুৰঞ্জী

আমাৰ অসমৰ আহোমসকল আদিতে যে মহান বৌদ্ধধৰ্ম্ম অবলম্বী আছিল এই কথা বুৰঞ্জী পঢ়া মানুহ মাত্ৰেই জানে। যিমান দিনলৈকে আমাৰ আহোম ৰজাসকল আমাৰ হিন্দুৰ সংসৰ্গলৈ নাহি বৌদ্ধ হৈ আছিল আৰু হিন্দুৰে সৈতে বিবাহাদি সূত্ৰত আবদ্ধ হোৱা নাছিল, সিমান দিনলৈকে আহোমসকল বলী আৰু বীৰত্বৰে পৰি-

পূৰিত আছিল বুলি আমাৰ অনেক আহোম ভ্ৰাতৃয়ে কয়। আনকি মোগলেও ওঠৰ বাৰ অসম আক্ৰমণ কৰিও আহোমক পৰাস্ত কৰিব পৰা নাছিল। পিচত যেতেকে আহোমসকলৰ কাল পূৰণি হৈ আহিল, তেতেকে আহোমসকল হিন্দুৰ সংসৰ্গত বেচিকৈ পৰিব ধৰিলে; আহোম ৰজাৰ সভাত ব্ৰাহ্মণ আৰু আন আন ওখ থাপৰ হিন্দুসকলে স্থান পালে। হিন্দুৰ ধৰ্ম্ম মত জানি শুনি, আৰু হিন্দু ধৰ্ম্মই যে পবিত্ৰ বৌদ্ধধৰ্ম্মৰ জন্মদাতৃ মাতৃ, বুদ্ধদেৱ যে ক্ষত্ৰিয় হিন্দু ৰজাৰহে সন্তান আছিল আৰু বুদ্ধদেৱ যে হিন্দুৰ দহ অৱতাৰৰ নৱম অৱতাৰ ইত্যাদি কথা শুনি আহোম ৰজাসকলৰ মন ৰুদ্ৰসিংহৰ দিনৰেপৰা হিন্দু ধৰ্ম্মলৈ ঢাল খালে। ইয়াৰ ফলত ৺ৰুদ্ৰসিংহ স্বৰ্গদেৱে পোনপ্ৰথমে ১৭১০ খৃষ্টাব্দত নদীয়াৰ কৃষ্ণৰাম ভট্টাচাৰ্য্যৰ ওচৰত শাক্ত ধৰ্ম্মত দীক্ষিত হ'ল। ৰজাক হিন্দু হোৱা, দেখি ডাঙৰ ডাঙৰ আহোম বিষয়া আৰু ডাঙৰীয়া কেইজনাইও হিন্দু-ধৰ্ম্ম গ্ৰহণ কৰিলে। কামৰূপৰ কামাখ্যা মন্দিৰত আগৰেপৰা দুৰ্গোৎসৱ থাককে বা নাথাককেই ৺ৰুদ্ৰসিংহৰ দিনৰেপৰা আহোম ৰজাসকলৰ ঘৰত, বিষয়াসকলৰ ঘৰত বছৰি দশভুজা দুৰ্গাদেৱীৰ হাঁহ, পাৰ, পাঠা, ম'হ ইত্যাদি বলি বিধানে সৈতে মহা সমাৰোহেৰে পূজা হবলৈ ধৰিলে। তামসিক ভাৱেৰে মাতৃৰ পূজা হোৱাৰ ফলতেই হওক বা কোনো সাধক বা ঋষিৰ শাপতেই হওক দুৰ্গাদেৱীৰ ডাকিনী, যোগিনীসকলে শিৱসিংহৰ দিনৰেপৰা অসমীয়াৰ তেজেৰে উদৰ পৰিপূৰ্ণ কৰিবলৈ ধৰিলে। তেতিয়াৰেপৰা অৰ্থাৎ ফুলেশ্বৰী কুঁৱৰীৰ দিনৰেপৰা অসম লাহে লাহে ভস্ম হৈ শ্মশানত পৰিণত হব ধৰিলে।

---

## অষ্টম অধ্যায়

## ৰজাঘৰত দুৰ্গোৎসৱ

আজি সপ্তমী তিথি। ৰজাঘৰত ৰাতিপুৱাৰে পৰা ঢোল, খোল, শঙ্খ, ঘণ্টা, ৰৰকাঁহ, দবা, তাল, মৃদঙ্গ ইত্যাদি নানা বাজনা বাজিছে। দুৰিয়ে দুৰিয়ে ছাগলী, যোৰে যোৰে ম'হ, গোসাঁনী ঘৰলৈ আহিছে

আৰু তাৰ লগে লগে বলিকটা আৰু আন আন ৰং-ধেমালি চাবলৈ চাৰিওফালৰপৰা ল'ৰা-ছোৱালী, ডেকা-গাভৰু আহিছে। পুৱাবেলৰপৰা ব্ৰাহ্মণসকলে ধুপ-ধুনা লগাই পূজা আৰম্ভ কৰিছে। বেলি প্ৰায় এপৰ হ'ল। ডেকা বয়সৰ চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱ, তেওঁৰ লগৰীয়া সংৰাম, জয়ৰাম, মনাই আৰু ভাদৰীয়া তিনিউজনে সৈতে গোসাঁনীঘৰ সোমালহি। ৰজাক চাবলৈ, বলিকটা চাবলৈ, মানুহে চাৰিওফালে ৰভাঘৰটো বেঢ়ি ধৰিলে। ৰজাই বিষয়াসকলেৰে সৈতে গৈ পোনেই দেৱীক সেৱা কৰি বলি-বিধান বিলাক লগাবলৈ ব্ৰাহ্মণক আদেশ কৰিলে। ব্ৰাহ্মণে ৰজাক সঙ্কল্পৰ মন্ত্ৰ মতোৱাই ফুল নিৰ্ম্মালি দি আশীৰ্ব্বাদ কৰিলে। ৰজা উঠি আহি সভা-ঘৰত পাৰি থোৱা সিংহাসনৰ ওপৰত চাৰিওফালে পাত্ৰ-মিত্ৰ মন্ত্ৰীৰে বেষ্টিত হৈ বহিল। ব্ৰাহ্মণসকলে বলিবিলাকক এটা এটাকৈ শান্তিজল চটিয়াই, সেন্দুৰৰ ফোঁট দি মাতৃক উচৰ্গা কৰিলে। ঢোল, খোল, মৃদঙ্গ, এইবিলাকৰ তুমুল শব্দৰ মাজত বলিকটীয়াইতে এটা এটাকৈ বলিবিলাকক শালত সুমাই লৈ কাটিব ধৰিলে। অসংখ্য ছাগলী, ম'হ, হাঁহ, পাৰ ইত্যাদিৰ তেজেৰে বলিৰ শালবিলাক ৰাঙলী হ'ল। তেজেৰে ঠায়ে ঠায়ে জোলা বান্ধিলে।

ৰজাক বেঢ়ি চাওঁতাসকলৰ ভিতৰত আমাৰ বহদৈয়ো দয়াৰামৰ কাষতে থিয় হৈ আছিল। সুক্ষণতে হওক বা কুক্ষণতে হওক দৈবাৎ ৰজাৰ চকু বহদৈৰ ওপৰত পৰিল। বহদৈৰ মনামোহা ৰূপ আৰু লাৱণ্যত আকৃষ্ট হৈ ৰজাই একেধৰে কিছুবেলি বহদৈৰ ফাললৈ চাই তেওঁৰ কাষতে মাটিত আঠু লৈ বহী থকা তেওঁৰ সখি সভাইক আনে শুনানাকৈ কেতখিনি কিবা কিবি কলে। সভায়ে মূৰ দুপিয়াই শলাগিলে। বেলি দুপৰ হলত ৰজাই সভা ভঙ্গ কৰি কাৰেঙলৈ সোমাল, ভাদৰীয়াসকল আৰু আন আন মানুহো ঘৰা ঘৰি গ'ল।

---

## নৱম অধ্যায়

## ৰজা আৰু সংৰাম

আগবেলা পূজা চাই উঠি ভাটীবেলা ৰজা চন্দ্ৰকান্ত সিংহে তেওঁৰ ভিতৰুৱা ৰংচৰাত বহিলহি। সতাই অলপ আগ খিনিতে আহি বহি আছিল। আসনত বহিয়েই ৰজাই সংৰামক সুধিলে—"পিচত সখি, কোৱাচোঁ সেই ছোৱালীজনীৰ নাম-ধাম আঁতিগুৰি কি?"

সংৰাম—স্বৰ্গদেৱ ঈশ্বৰ! তাইৰ নাম ৰহদৈ। ঘৰ মাজুলীৰ কমলাবাৰী গাঁৱত। বাপেকৰ নাম ৰতিকান্ত। সি কমলাবাৰীৰ সেৱক। জাতত সোণাৰি কলিতা। তাইৰ তলত এটা ভায়েক মাথোন আছে। তাই মাক বাপেকৰ একেজনী জীয়াৰী।

চন্দ্ৰকান্তসিংহ—সখি! ছোৱালীজনী এতিয়াও গাভৰু হৈ উঠা নাই যেন লাগে। তথাপি তাই এতিয়াই দেখিবলৈ ইমান ধুনীয়া। গাভৰু হৈ উঠিলে তাই যে কেনেকুৱা স্বৰ্গৰ দিপ্‌লিপ্‌ অপেস্বৰীৰ দৰে হব কবই নোৱাৰি। তাই সাধাৰণ মানুহৰ পঁজা ঘৰত থকা লায়েকৰ নহয়। মোৰ কাৰেঙেহে তাইক শুৱাব। সেই দেখি সখি! মোৰ বৰ ইচ্ছা হৈছে তাইক মোৰ হাতধৰী লিগিৰী কৰি ৰাখোঁ।

সংৰাম—স্বৰ্গদেৱ ঈশ্বৰে তাইৰ ৰূপৰ বিষয়ে যি কৈছে সেইটো সঁচা। পিচত তাইক সদায় লিগিৰী কৰিয়েই ৰাখিবনে?

ৰজা—নহয়। তাই গাভৰু হৈ উঠিলে তাইক বিয়া কৰাই ৰাণী পাতিম।

সংৰাম—স্বৰ্গদেৱ ঈশ্বৰে কৰোঁ বুলিলে যি ইচ্ছা তাকে কৰিব পাৰে। পিচত বন্দীয়ে কথা এটা জনাব খোজোঁ।

ৰজা—জনোৱা মই শুনিম।

সংৰাম—স্বৰ্গদেৱ ঈশ্বৰ! কথাটো এই—তাই দীপ্‌লিপ্ অপেশ্বৰী হলেও সামান্য কাঁড়ী পাইকৰ হে জীয়াৰী। এনেয়ে আমাৰ আপই সদায় স্বৰ্গদেৱৰ ওপৰত ক্ষমতা চলাই থাকে, তাতে আকৌ যদি সাধাৰণ কাঁড়ী পাইকৰ জীয়ৰী এজনীক ৰাণী পাতে তেন্তে মহা অনৰ্থ ঘটাব পাৰে।

ৰজা—কিয়! আমাৰ দেখোন উপৰি পুৰুষ ৺শিৱসিংহ ৰজাই নটৰ জীয়ৰী ফুলেশ্বৰীকো বিয়া কৰাই ৰাণী পাতিছিল—তেতিয়া দেখোন ডাঙৰীয়াসকলে শিৱসিংহ ৰজাক একো কৰিব নোৱাৰিছিল। এতিয়া মই এইক বিয়া কৰাই ৰাণী পাতিলেনো কি জগৰ লাগিব?

সংৰাম—স্বৰ্গদেৱ ঈশ্বৰ! সেই কালত ডাঙৰীয়া তিনিজন ইমান প্ৰভাৱশালী নাছিল। ৰজা তেওঁ বিলাকৰ আজ্ঞামতে চলা নাছিল। পিচত এতিয়া যে স্বৰ্গদেৱে বুঢ়াগোঁহাইৰ হাকে বচনে চলিব লগা হৈছে।

ৰজা—মোৰো এই কথাতেহে বেজাৰ। বুঢ়াগোঁহায়ে সদায় মোক সকলো কথাতে তাৰ তলতীয়া কৰি ৰাখিব খোজে। আই-দেউতা তাৰ-ফলীয়া হোৱাত মোৰ উপায় নোহোৱা হৈছে। মোৰ অতিকৈ বেজাৰ বিৰক্তি হৈছে। মই আৰু বুঢ়াগোঁহাইক নামানো। সখি! তুমি মোৰ সহায় থাকিলে আৰু গুৱাহাটীৰ বৰফুকন আৰু বাইজ মোৰ ফলীয়া থাকিলে পূৰ্ণানন্দ বুঢ়াগোঁহাইক দিনক দিনে অপমান দি লঘু-লাঞ্ছনা কৰি তাৰ গৰ্ব্ব খৰ্ব্ব কৰিহে এৰিম। পিচত সদ্যহতে মই এই ছোৱালীজনীক আজি-য়েই ধৰাই আনি কাৰেঙত লিগিৰী স্বৰূপে ৰাখিব খোজো, তুমি কেনে বোলা?

সংৰাম—স্বৰ্গদেৱ ঈশ্বৰে যি ইচ্ছা তাকে কৰিব পাৰে; কিন্তু তেনে-কুৱা কৰিলে জানোচা আপ আৰু আপৰ ফৈদে বাইজৰ সহায় আৰু বল পাই আমাক মক্কিলত পেলায়। সেই দেখি বন্দীয়ে জনাওঁ স্বৰ্গদেৱ ঈশ্বৰে সদ্যহতে তাইক পূজা চাই ৰবলৈ উলটি যাবলৈ দিয়ক। পিচত বন্দীয়ে মানুহ পঠিয়াই তাইৰ মাক বাপেকক কিছু ধন-বিত দি তাইক কিনি অনাৰ দৰে আনি স্বৰ্গদেৱক সোধাম।

ৰজা—তেন্তে সখি! সেই দৰেই হওক। তুমি পলম নকৰিবা। পুৰা এমাহৰ ভিতৰত মোক তাইক আনি দিব লাগে।

সংৰাম— ভাল স্বৰ্গদেৱ ঈশ্বৰ এতিয়া উঠিলোহে।

———

## দশম অধ্যায়

## দয়াৰামৰ প্ৰস্তাৱ

ৰঙাঘৰৰ দুৰ্গোৎসৱৰ চাই বিজয়াৰ দিনা ব্ৰহ্মপুত্ৰত দেৱীৰ বিসৰ্জ্জন চাই, মাজুলীৰপৰা অহা ডেকা-গাভৰু, ল'ৰা-ছোৱালী এইবিলাকেই আগৰ দৰে নাৱে নাৱে গীত পদ গাই নৈ পাৰ হৈ সিপাৰ পালেগৈ। আৰু ঘাটে ঘাটে নাওবিলাক বান্ধি থৈ সকলোবিলাক ঘৰা-ঘৰি গ'ল। ঘৰলৈ যাবৰ সময়ত দয়াৰামে বহদৈক বাটত লগ ধৰি সুধিলে—"বহদৈ। প্ৰথম দিনাই বজাৰ ওচৰৰপৰা সেই বিষয়াজনাই আহি তোক মোৰপৰা অলপ আঁতৰ কৰি নি কি সুধিছিল?"

বহদৈ—সেইজনে দেখোন মোৰ নাম, ধাম, আই, বোপাই ইত্যাদি সকলোৰে কথা সুধিছিল।

দয়াৰাম—কিয় সুধিছিল কব পাৰনে?

বহদৈ—এ পাই! মই একোকে বুজিব নোৱাৰিলোঁ।

দয়াৰাম—মোৰ দেখোন মনটোৱে কৈছে এই সোধপোছৰ শেহ ফলটো ভাল নহব। যি কি নহওক বহদৈ! মই তোক কথা এষাৰ সোধোঁ। তই মোক এই কথাৰ সঠিক উত্তৰ দিবিনে?"

বহদৈ—এ পাই! মইনো তোক কোন দিনা কোন কথাৰ সঠিক উত্তৰ দিয়া নাই। কি সুধিব খুজিছ সোধ আকৌ।

দয়াৰাম—বহদৈ! সৰুৰেপৰা মই তোৰ লগত একেলগে ম'হ ৰখি, নৈত সাঁতুৰি, বিহুত ৰঙ-ধেমালি কৰি নাচি বাগি ডাঙৰ হৈছোঁ। মই তোক সৰুৰেপৰা ভাল পাই আহিছোঁ আৰু এতিয়া মই তোক আগতকৈও ভাল পাওঁ। মোৰ ইচ্ছা হয় মই যেন তোৰ লগ এখন্তেকো নেৰিম। পিচত মই যদি বোপাইৰ হতুৱাই তোক মোলৈ খোজা-বন্ধা কৰাওঁ, তেন্তে তই ভাল পাবিনে নোপাবি ক!

দয়াৰামৰ এই কথাত ৰহদৈ নিমাত হৈ ৰল। তাই তললৈ মূৰ কৰি ৰল—কোনো উত্তৰ নিদিলে। দয়াৰামে তেতিয়া ৰহদৈৰ হাতখনত ধৰি আকৌ কলে—"ক ৰহদৈ, তই বেয়া পাবি নে কি?"

ৰহদৈ—বেয়া ভাল নো কি আছে। তোৰ দেউতাৰে যদি খোজে আৰু মোৰ আই-বোপায়ে যদি দিয়ে তেন্তেনো আৰু তোলৈ নগৈ কি কৰিম। যাব লাগিব।

দয়াৰাম—এঃ তই ভাল মনেৰে আহিবি নে দঁড়িত বান্ধৰ নচাৰ দৰে আহিবি সেইটো ক।

ৰহদৈ—(অলপ হাঁহি) তোক নো আকৌ মই কি দৰে কব লাগে। মই দেখোন কলোঁয়েই। পিচত মই এটা কথা সোধোঁ। তইঁতৰ ঘৰৰ মানুহ ধনী, আমাৰ ঘৰ হলো দুখীয়া মানুহ। দেউতাৰ আকৌ সত্ৰৰ মেধি! আমাৰ নিচিনা দুখীয়া মানুহক জানো দেউতাৰে বোৱাৰী কৰিব ভাল পাব?

দয়াৰাম—ৰহদৈ। মই তোক এইটো সঠিককৈ কব পাৰোঁ যদিও মাহীয়ে মোক দুখ-কষ্ট দিয়ে তথাপি দেউতাই হলে মোক পেটে সমন্বিতে বৰ মৰম কৰে যদিও মাহীৰ দঁডিত সেই মৰম মুখেৰে দেখুৱাব নোৱাৰে। দেউতাই এদিন তেওঁৰ লগৰ বন্ধু এজনৰ আগত হেনো কৈছিল যে তেওঁ ভাল ছোৱালী এজনী পালে মোক বিয়া কৰোৱাই বেলেগ ঘৰ-দুৱাৰ মাটি-বৃত্তি দি থাপিব। মাহীৰ লাঞ্চনাৰপৰা মোক ৰক্ষা কৰিব। সেই দেখি মই যদি দেউতাক মোৰ কোনো বন্ধুৰ হতুৱাই কোৱাওঁ যে মই তোকেহে বিয়া কৰাম, তেনেহলে দেউতাই তোক মোলৈ খুজিব। খুজিলে বোধ-কৰোঁ তোৰ আইয়েৰ আৰু দেউতাৰে মান্তি হব। সেই দেখি ৰহদৈ! আজি মই তোক মনৰ কথা খুলি কলোঁ। মই তোকেহে বিয়া কৰাম। তোক নাপালে মই জীয়াই নাথাকোঁ।

ৰহদৈ—বাক অ! এয়েনে কথা? বাক তেন্তে মই এতিয়া যাওঁ।

দয়াৰাম—এঃ তই দেখোন একো নকলি।

ৰহদৈ—মইনো আৰু কি কম। তোৰ যি ইচ্ছা কৰগৈ।

দয়াৰাম—তই যদি বেয়া পোৱা নাই তেন্তে মোক চুমা এটা দি যা।

ৰহদৈ—এঃ বাটে-ঘাটে চুমা খালে মানুহে কেনেবাকৈ দেখিলে বেয়া বুলিব।

দয়াৰাম—(ইফালে সিফালে চাই) "কোনো নাই অ ওচৰে সমাৰে" এই বুলি কৈয়েই ঘপহ কৰে বহদৈক ধৰি দুগালে দুটা চুমা খালে। বহদৈয়ে কলে—"যা অ বাটে-পথে আগলৈ এনেকুৱা নকৰিবি। বিয়া কৰাই নি যিমান পাৰ চুমা খাবি।" কৈয়েই বহদৈয়ে তাৰ লগ এৰি বেগাই ঘৰলৈ গ'ল। দয়াৰামেও ঘৰমুৱা হৈ খোজ লোৱাৰ লগে লগে গালে—

তোকে কেনেকৰি পাম প্ৰাণেশ্বৰী
হয় কেনে কৰি কথা।
পানী অনা ছলেৰে ঘাটলৈ আহিৰা
তাতে কম হৃদয়ৰ বাথা॥

---

একাদশ অধ্যায়

## খোজা-বঢ়া

দয়াৰামে আৰু বহদৈয়ে এই কথা-বতৰা হোৱাৰ দুদিনৰ পিচতে দয়াৰামৰ বাপেক ধনীৰামে মানুহে-দুনুহে ডুখন ভাৰে-ভেটীয়ে ৰতিকান্তৰ ঘৰলৈ আহি তেওঁৰ পুতেক দয়াৰামলৈ বহদৈক খুজিলে। ৰতিকান্তই ভৱা নাছিল যে ধনীৰামৰ নিচিনা এজন আঢ্যৱন্ত মানুহে তেওঁৰ জীয়েকক পুতেকলৈ খোজা-বঢ়া কৰিব। ৰতিকান্তই ঘৈণীয়েক কমলা-প্ৰিয়াক কথাটো সুধি আনন্দ মনেৰে সন্মত জনাই কলে যে তেওঁ ইচ্ছা কৰিলে এইমাহৰ ভিতৰতে মণি কেক পিন্ধাই বা বিয়াই কৰাই থব পাৰে। পিচত ছোৱালী কন্যাকাল হলে লৈ যাব। ধনীৰামে সেইদৰে কৰিবলৈ সন্মত হৈ কলে যে দিন বাৰ এটা চোৱাই সকলো ঠিক-ঠাক কৰি তেওঁ এই মাহৰ ভিতৰত বিয়াখন পাতিব। দুয়োঘৰে এইদৰে মনে মনে মিলা-প্ৰীতি হৈ কথা-বতৰা স্থিৰ কৰিলে। ধনীৰাম যেধিয়ে ভাৰ-ভেটী দি ৰতিকান্তই দিয়া জা-জলপান খাই আনন্দ মনেৰে নিজ ঘৰলৈ উলটিল।

---

## দ্বাদশ অধ্যায়

### মনে খোজে বজা হব,
### বিধাতাই নিদিয়ে খুজি খাব।

আমাৰ অসমীয়াৰ মানুহৰ এটি ফকৰা আছে যে "দাতাই দিলেও বিধতাই নিদিয়ে" অথবা মনে বজা হব খোজে বিধতাই কিন্তু খাবলৈকো উপায় নিদিয়ে। এই ফকৰা বচনটো অনেক মানুহৰ জীৱনত ফলে। আমাৰ দয়াৰাম আৰু ৰহদৈৰ ভাগ্যত এই ফকৰাটো সম্পূর্ণৰূপে ফলিল।

দয়াৰামৰ বাপেক ভাৰ-ভেটী পেলাই ৰহদৈক পুতেকলৈ খোজা-বঢ়া কৰা তিনদিনৰ পিচত বংপুৰৰপৰা এজন ব্ৰাহ্মণ কটকী চাৰিজন আহোম চাওডাঙে সৈতে ৰতিকান্তৰ ঘৰত উপস্থিত হলহি। ৰজা-ঘৰীয়া চাওডাঙ টেকেলাক দেখি ৰতিকান্তৰ আন কি তেওঁৰ ওচৰ-চুবুৰীয়াৰো চুলিৰ আগতহে জীৱ বলগৈ। তেওঁলোকে ভাবিলে তেওঁলোকেনো ৰজাঘৰত কি জগৰ লগালে যে চাৰিজনকৈ চাওডাঙ টেকেলা ৰতিকান্তৰ ঘৰলৈ আহিল। ভয়তে কঁপি কঁপি ৰতিকান্তই ব্ৰহ্মণ আৰু টেকেলা কেইজনক বহিবলৈ ঢাৰি-কঠ একোডুখাৰ দি ভিতৰলৈ গৈ বটাত তামোল-পান, কটাৰী আনি ব্ৰহ্মণজনৰ আগত থৈ দুয়োহাত যুৰি আঠু লৈ সুধিলে:— "দেউ আৰু আমাৰ টেকেলা ককাইটিইত, আপোনাসকলে কি সকামত বা এই দুখীয়া নিচলাৰ পঁজাত ভৰিৰ ধূলা পেলালেহি?"

কটকী—তোমাৰ ৰহদৈ নামৰ জীয়াৰী এজনী আছে নহয়?

ৰতিকান্ত—হয় আছে।

কটকী—তাই এইবাৰ ৰজাঘৰত পূজা চাব নগৈছিল নে?

ৰতিকান্ত—গৈছিল। পিচত মোৰ আকলন ছোৱালী জনীয়ে বা ৰজাঘৰত কি জগৰ লগালে?

কটকী—তাই একো জগৰ লগোৱা নাই। পিচত ছোৱালীজনীক ইয়ালৈ মাতি আনাচোন।

কটকীৰ এই আদেশত ৰতিকান্তই জীয়েকক মাতি পঠিয়ালে। বহদৈ খোতমোতকৈ আহি আগত ওলাল। কটকীজনে বহদৈৰ পিনে চাই কলে—"এবা ভলেতোহে এওঁ ৰজাৰ চকুত পৰিল। এওঁ এতিয়াই জাকত জিলিকা। আগলৈ যে কেনেকুৱা এজনী দীপ-লিপ সুন্দৰী গাভৰু হব তাৰ উপমাই নহয়। ৰতিকান্ত! তোৰ এই ছোৱালীজনী ৰজাৰ চকুত লগা বাবে ৰজাই তাইক নিবলৈ আমাক পঠিয়াইছে।"

ৰতিকান্ত—(দুখ মনৰে) প্ৰভুদেৱ, ৰজাইনো মোৰ এই আকলন ছোৱালীজনী নি কি কৰিব?

কটকী—ৰজাই সদ্যহতে তাইক তেওঁৰ হাতধৰী লিগিৰী কৰি ৰাখিব। পিচত ৰজাৰ ইচ্ছা হলে তাইক ৰাণীও কৰিব পাৰে।

ৰতিকান্ত—প্ৰভুদেউ! মই দেখোন সমূলে মৰিলো। মোৰ আগলৈকো নাই পিচলৈকো নাই। এই একেজনী জীয়াৰীকনো ৰজাঘৰত ৰক্ষিবলৈ কেনেকৈ এৰি দিওঁ। তাইক এৰি দিনো আমি কেনেকৈ থাকোঁ। মোৰ আকলন ছোৱালীজনীয়ে একো কথাৰে আও-ভাও নাপায়। কোনো দিনাই তাই ৰজাহে নালাগে কোনো ডাঙৰ বিষয়াৰ ঘৰৰ আও-ভাও নেজানে—এনেস্থলত তাইনো তাত কেনেকৈ ৰক্ষিব গৈ। তাইক ৰজাঘৰলৈ পঠিয়াই আমিনো কেনেকৈ জীৱন ধৰোঁ?

১ম চাওডাং—ছোৱালীৰ ঘৰলৈ উলিয়াই দিনো কেনেকৈ থাকিলিহেঁতেন?

ৰতিকান্ত—ককাই, জগৰ নধৰিবি। তাইক আমাৰ এই একে গাঁৱতে থকা ধনীৰাম মেধিৰ পুতেক দয়াৰামলৈ দিবলৈ থিৰ কৰিছিলোঁ। মেধিয়ে পৰহি তাইক খোজা-বচা কৰি ভাৰ-ভেটী দি গৈছে।

২য় চাওডাং—যেয়ে ভাৰ-ভেটী পেলাওক লাগে, যেতিয়াই ৰজাই তোৰ জীয়েৰক ভাল দেখি হাতধৰী লিগিৰী কৰিব খুজিছে তেতিয়াই তই জীয়েৰক এৰি দিব লাগিব।

ৰতিকান্ত—ককাই! ৰজাঘৰলৈ তাইক পঠিয়ালে তাইৰ জাতিকুল নষ্ট হব। আগলৈকো তাইকতো আকৌ আমাৰ ঘৰে-দুৱাৰে তুলি খুৱাব নোৱাৰিম। জাতি বোলা বস্তুটো বহমূলীয়া, ইয়াক নো সতকাই কেনেকৈ খেদাওঁ।

৩য় চাওডাং—হেৰ গৰু, জাতিনো এটা কি ডাঙৰ বস্তু। তোতকৈ ডাঙৰ ডাঙৰ সকলেও ৰজাৰ অনুগ্ৰহ পাবলৈ জাতি-কুলৰ দেখোন কোনো বিচাৰ নাৰাখে। তই নিজকে অতি ভাগ্যবান বুলিহে ভাবিব লাগে। ৰজাৰ হাতধৰী লিগিৰী হৈ তোৰ জীয়েৰ যাব—তোৰ পদ-মৰ্য্যাদা বাঢ়িব, আন কি তই বৰা বা শইকীয়া বা হাজৰিকা বা ৰাজখোৱা এনেকুৱা বিষয় এখনো পাব পাৰিবি। যদি দৈবাৎ তোৰ জীয়েৰৰ কপালে তাই ৰজাৰ ৰাণী হবলৈ পায় তেনেহলেতো উঠি বহিলি—তই তোৰ সমান আক ভাগ্যবান কেৱে নহৰ। এই বিলাক কথালৈ মন কৰিবিচোন। ধনীৰামৰ পুতেকলৈ দি জানো এইবিলাক সম্পদ পাবি?

ৰতিকান্ত—ককাই, মোৰ নিচিনা দুখীয়া মানুহে পদ-মৰ্য্যাদা বিচৰাটো বাওনাই চন্দ্ৰ লগ পোৱাৰ দৰে কথা। আমি দুখীয়া মানুহ দুখীয়া অৱস্থাৰে থাকিহে ভাল পাওঁ।

৪ৰ্থ চাওডাং—হেৰ মূৰ্খ, তই বুজি পোৱা নাই নে তই নিজ ইচ্ছামতে নিদিলে আমি জীয়েৰক বল কৰি হলেও লৈ যাম। ৰজাৰ আজ্ঞা আমাৰ ওপৰত এইদৰেও আছে। সেই দেখি তই আক চুপতি মাৰি নাথাকিবি। ভালে ভালে জীয়েৰক খুৱাই-ধুৱাই পিন্ধাই-উৰাই উলিয়াই দে।

ৰতিকান্ত—(চকুলো টুকি টুকি) মই খিতাতে মৰিলোঁ। ৰজাই কাটে, সমুদ্ৰে বুৰায়। এনেস্থলত যদি ৰজাৰ এনেকুৱাহে আদেশ তেনেহলেনো মোৰ আক কি উপায় আছে। তিনি ত্ৰৈলোক্যৰ গৰাকী হৈ যদি স্বৰ্গদেৱে দুখীয়াৰ এই একেজনী জীয়াৰীকে বল কৰি হলেও নিবলৈ আদেশ দিছে, তেনেহলেনো মোৰ কি উপায় আছে। পিচত আপোনাসকলে তাইক নিলে ইফালে ধনীৰামে মোৰ ওপৰত খৰচ-বৰচ নলবনে?

কটকী—তাৰো দিহা নলগাম বুলি ভাবিছনে? ধনীৰামৰ বাপেকৰো দাঁত নহৰ ৰজাঘৰলৈ তোৰ জীয়াৰী দিয়াৰ বাবে তোৰ ওপৰত খৰচ লবলৈ। তথাপি তইঁতৰ মন শাঁত কৰিবলৈ স্বৰ্গদেৱে তইঁতলৈ এই কণ চাৰি কুৰিও জীয়েৰৰ বেচ স্বৰূপে দি পঠিয়াইছে। হেঁা ল, আক জীয়েৰক বেগতে উলিয়াই দে। ভালে ভালে উলিয়াই যদি দিয় তেন্তে তই সম্পদ পাবি। মাজে মাজে ৰজাৰ ঘৰলৈ গৈ তাইক চাই-মেলিও আহিব পাৰিবি। আমি বল কৰি নিবলৈ হলে তই ৰাজদ্ৰোহত পৰিবি; আক ৰাজদ্ৰোহত

পৰিলে নাজাননে কি গতি হব। সেইদেখি মনক বুজা। ভিতৰলৈ যা। জীয়েৰক বঢ়াই-বুজাই খুৰাই-ধুৰাই কানি-কাপোৰ যি হয় এডোখৰ পিন্ধাই-উৰাই উলিয়াই দে। তোৰ কপাল ভাল বুলি ভাবিবি। যদিও বজাই সদ্যহতে তাইক লিগিৰী কৰি ৰাখিব, তথাপি কোনে জানে বজাই তাইক ৰাণীও পাতিব পাৰে। সেইদেখি তই আৰু অবুজন নহবি।

কটকী বাপুৰ এই কথাত ৰতিকান্ত ভিতৰলৈ গ'ল আৰু জীয়েকক খুৰাই-বুৰাই কানি-কাপোৰ অলপ গহনা-গাটৰি পিন্ধাই ঘৈণীয়েকে ধাকুৰি কান্দি কান্দি অলপ সাম্য হলত ফেকুৰি ফেকুৰি কান্দি থকা জীয়েক বহদৈক আনি কটকী বাপুৰ আগত থিয় কৰি হাত যুৰি কলে:—"প্ৰভু-দেৱ! মোৰ আগলৈকো নাই পিচলৈকো নাই, এই একেজনী জীয়াৰীকে বজাই নিবলৈ ভাল পালে বলক লৈ গৈ থৈ আহোগৈ।"—এই বুলি জনালে। পিচত চাওডাং চাৰিজনক আৰু কটকী বাপুক অলপ জা-জলপান খুৱাই ৰতিকান্তই জীয়েকৰ লগত যাবলৈ ওলালত কটকীয়ে কলে—"হেৰ তই যাব নালাগে সদ্যহতে।"

ৰতিকান্ত—কেলেই মই লগতে লৈ গৈ থৈ আহিলে জানো কিবা জগৰ লাগিব?

কটকী—জগৰ লাগিবও পাৰে নালাগিবও পাৰে। বজাই আমাক আদেশ কৰিছে তোক টকা-শিকা দি সম্মত কৰায়েই হওক বা বল কৰিয়েই হওক তোৰ জীয়েৰক লৈ যাবলৈ। লগত তোক নিবলৈ কোৱা নাই। জানই দেখোঁ আমাৰ স্বৰ্গদেৱসকলৰ অলপতে জগৰ লাগে। পিচত জানোচা তোক লগত লৈ গলে অকল যে তোৰেই জগৰ লাগিব এনে নহয় আমিও বা জগৰত পৰোঁ সেই দেখিহে মানা কৰিছোঁ তই যাব নালাগে।

ৰতিকান্ত—তেন্তে দেউ! কাবৌটি কৰিছোঁ মোৰ এই অকালন জীয়াৰীজনীয়ে যেন্ একো দুখ নাপায়।

কটকী—হেৰ! তই চিন্তা নকৰিবি। তাই মহা সুখত থাকিব। মাজে মাজে তই কোনো প্ৰকাৰে সংবাদ চাৰিঙীয়া ফুকনক জনাই তেওঁৰ হতোৰাই বজাবপৰা অনুমতি লৈ বজাঘৰলৈ গৈ জীয়েৰক চাই-মেলিও

আহিব পাৰিবি। যদি বজাৰ চকুত লাগে তেন্তে তাই গাভৰু হলে তাইক ৰাণীও কৰিব পাৰে। যদিহে বজাৰ চকুত নেলাগে অথবা তাইক ৰাণী কৰিব নোৱাৰে তেনেহলে বজাঘৰৰ পূৰ্ব্বাপৰ নিয়মমতে তিনি বছৰৰ মূৰত তাইক আকৌ তইঁতকে ওলোটাই দিব।

ধনীৰাম—প্ৰভুদেৱ! তাই উলটি আহিলে তাইক আমাৰ জাতিৰ ভিতৰত লবনে?

কটকী—কেলেইনো নলব। আহোমসকলক আমি যেতিয়াই হিন্দু ধৰ্ম্মৰ ভিতৰত লৈছো তেতিয়াই আহোমৰ সংসৰ্গত আমাৰ হিন্দু জাতিৰ মানুহ থাকিলেনো কেলেই জাতিকুল হেৰুৱাব?

ৰতিকান্ত—"প্ৰভুদেৱ! যদিও আমাৰ আহোমসকলক আপোনালোকে হিন্দু কৰিছে তথাপি দেখোন তেওঁলোকৰ আগত একো নকলেও পিচত আপোনালোকৰ নিচিনা ব্ৰাহ্মণ-সজ্জনসকলেই আহোমক মেলেছ বুলি কয়।" হোজা ধনীৰামৰ এই কথাত আমাৰ কটকী বাপুৰ খং উঠি কলে—হেৰ গৰু! যদি তোৰ সমাজে সহজে তাইক উলটি আহিলে নলয় তেনেহলে এক চন্দ্ৰায়ণ পৰাচিত কৰাই ব্ৰাহ্মণক দান-দক্ষিণা কৰিলেই জাতিত উঠিব পাৰিব। তই ইয়াকো নুবুজনে?"

ধনীৰাম—বুজোঁ প্ৰভুদেৱ! পিচত পা-পৰাচিত কৰোৱাবলৈ বামুণক খুৱাবলৈ গোত-জ্ঞাতিক ভোজ দিবলৈ ধননো পাম কৰপৰা?

কটকী—হেৰ মহামূৰ্খ! এয়া ধন দিছো নহয়।

ধনীৰাম—দেউ! এই ধনৰ এভাগ ৰতিকান্ত মেথিক দিব লাগিব—বাকীখিনিৰে সদ্যহতে এটা পাইক ধৰি ম'হ-গৰু চৰোৱাব লাগিব আৰু তিনি বছৰলৈ এই ধন বহি থাকিবনে?

কটকী—"হেৰ অবুজন গৰু, জীয়েৰ উলটি আহিলে জীয়েৰেনো বজাঘৰৰপৰা সুদা হাতে আহিবনে? বজা-ৰাণীক কৈ ধন-বিত্ত নানিবনে? যদি নানে বা আনিব নোৱাৰে তেন্তে নুঠিব জাতত। তাত কাৰনো দইন পৰিব? এই কথা কৈ কটকী বাপু উঠিব। ফেকুৰি ফেকুৰি কান্দি থকা বহদৈক মাজত কৰি লৈ কটকী আৰু চাওঁডাঙইঁত গ'ল। ৰতিকান্তে চকুৰ লো মছিলে। মাক কমলাপ্ৰিয়াই বিনাই বিনাই কান্দিলে। চাওডাঙইঁতে বহদৈক নৈ পাৰ কৰি নি সংবাম ফুকনত ভেটিলে। সংবামে নিজৰ মাক আৰু ভনীয়েকক লগত

দি বহদৈক নি ৰজাত ভেটিলে। ৰজাই বহদৈক তেওঁৰ থাই লিগিৰীৰ বাৰ দি ৰাখিলে। লিখা বাহুল্য সংবাদে দিয়া হকুৰি কণৰ চাবি-কুৰিহে কটকী বাপুৰে বতিকান্তক দিছিল। সংবাদে ৰজাৰপৰা দুশ কণ লৈছিল।

---

ত্রয়োদশ অধ্যায়

## ৰজাঘৰত

ৰজাঘৰ পাবৰ দিনাই বহদৈয়ে মনৰ দুখত মাক-বাপেকলৈ মনত পৰি কান্দি কান্দি চুক এটাত বহি থাকোঁতে ৰাজমাৱে সেই পিনেদি আহি তাইৰ নিচিনা দীপ-লিপ ছোৱালী এজনীয়ে বহি বহি কান্দি থকা দেখি তাইক মাতি নিজৰ খোঁটালীলৈ নিলে আৰু তাত ৰাজমাৱে নিজৰ আসনত বহি তাইক সুধিলে :—হেৰ ছোৱালীজনী ! তই কৰপৰা আহিছ ? তোৰ নাম কি ? তোৰ কোন কোন আছে ? তই কেলেই কান্দিছ ?"

বহদৈ—ঈশ্বৰী। মোক মাজুলীৰ কমলাবাৰী গাঁৱৰপৰা ৰজাঘৰীয়া চাওডাং আৰু এজন কটকী বাপু গৈ আই-বোপাইৰ বুকৰপৰা কাঢ়ি আনি মোক সংবাম বোলা সেই চাবিঙ্গীয়া ফুকনজনৰ ঘৰলৈ আনিলে। চাবিঙ্গীয়া ফুকনজনে তেওঁৰ মাক আৰু ভনীয়েকক মোৰ লগত দি মোক লৈ আহি ৰজাক ভেটিলে। ৰজাই মোক কৈছে মই হেনো কিবা বোলে স্বৰ্গদেৱ ঈশ্বৰৰ হাতধৰী লিগিৰী হলোঁ।।"

ৰাজমাও—অ মই বুজিলোঁ।। তোক সেই সংবাম ফুকনে আনি ৰজাক দিছে। পিচত তইনো কান্দিছ কেলেই ?

বহদৈ—দেউতা ঈশ্বৰি ! মোৰ আই-বোপাইলৈ মনত পৰিছে আৰু ইয়াত দেখোন মোৰ ভয় লাগিছে ! হাতধৰা লিগিৰীনো কি মই তাকো বুজা নাই।

ৰাজমাও—তোৰ মাৰ-বাপেৰ আছে ?

বহদৈ—আছে ।

ৰাজমাও—ভাই-ককাই একা ?

বহদৈ—একেটা সৰু ভাই আছে ।

ৰাজমাও—তোৰ জাতি কুল কি ?

বহদৈ—সোণাৰি কলিতা ।

ৰাজমাও—তোক ৰজাই হাতধৰী লিগিৰী পাতিছে ?

বহদৈ—হয় দেউতা ঈশ্বৰি ! পিচত হাতধৰী লিগিৰীৰ বা কাম কি ?

ৰাজমাও—তোক ৰজাই যেতিয়া যিটো কাম পাছে সেইটো কৰিব লাগিব । যেনে ৰজাই যদি কয় লিগিৰী তই চাংমাইক সুধি আহ ভোজন মেলৰ সময় হৈছেনে—তই তেতিয়াই সুধি আহি ৰজাক আঠু লৈ জনাব লাগিব হৈছে নে নাই হোৱা । মুঠৰ ওপৰতে ৰজাই যেতিয়াই যিটো কাম পাচে কৰিব লাগিব ।

বহদৈ—স্বৰ্গদেৱ ঈশ্বৰি ! ৰজাৰ কথামতে যদি কাম নকৰো বা কৰিব নোৱাৰো তেন্তে ?

ৰাজমাও—তেন্তে ৰজাই তোক কাটি পেলাব পাৰে ।

বহদৈ—গা-মুৰ অসুখ থাকিলে ?

ৰাজমাও—আগধৰি আঠু লৈ জনাব লাগিব । তেনেকুৱা কৰিলে ৰজাই বুজি-সুজি তোক জিৰাবলৈ দিব ।

বহদৈ—দেউতা ঈশ্বৰি ! মোৰ ভয় লাগিছে । মোৰ ইয়াত কেৱে নাই । জানোৱা কেতিয়াবা কিবা জগৰ লগাওঁ ।

ৰাজমাও—তই ভয় কৰিব নেলাগে । তই সততে মোৰপৰা আশ্রয় আৰু সহায় পাবি । পিচত তই মোৰ এটা কাম কৰিব লাগিব । তেনেকুৱা হলে মই তোক মাৰৰ দৰে মৰম কৰিম ।

বহদৈ—কি কাম বা কৰিব লাগে আজ্ঞা কৰক মাতৃ ।

ৰাজমাও—সেইটো একো টান কাম নহয় । নিতৌ ৰজাৰ লগৰীয়া সংৰাম, জয়ৰাম ইত্যাদি ডেকা বংচৰালৈ আহি ৰজাৰে সৈতে কেনেকুৱা ধেমালি-ধুমুলা কৰে, কেনেকুৱা কথা-বতৰা পাতে মোক নিতৌ তই ভুৱৰ আগেয়ে আহি জনাবি ।

বহদৈ—ভাল ঈশ্বৰি, সেইদৰে কৰিম ।

———

## চতুৰ্দ্দশ অধ্যায়

## দয়াৰাম

যিদিনাখন ৰহদৈক ৰজাঘৰলৈ লৈ গৈছিল সেইদিনা দয়াৰাম ঘৰত নাছিল। দয়াৰাম প্ৰায় এবেলাৰ বাবে আঁতৰ শালমৰা গাঁৱত থকা মোমায়েকৰ ঘৰলৈ গৈছিল। পিচদিনা মোমায়েকৰ ঘৰৰপৰা উলটি আহি ঘৰ পাই যেতিয়া শুনিলে ৰহদৈক ৰজাঘৰৰ চাউদাং আৰু কটকীয়ে লৈ গল, তেতিয়া সি মৰ্ম্মান্তিক দুখ পাই মুচ্‌কচ্‌ গল। তাৰ পিচত বাপেক আৰু মাহীমাকৰ আঁৰে আঁৰে কান্দি দুনিশামান ঘৰত থাকি ঘৰৰপৰা চাউল, চক আৰু অলপ ধন-বিত্ত হাতত লৈ কোনো ৰকমে ব্ৰহ্মপুত্ৰ নৈ পাৰ হৈ ৰজাৰ নগৰলৈ আহিল আৰু ৰহদৈক এবাৰ মাথোঁ। হলেও লগ পাবলৈ আশা কৰি-কুৰিদিন মানলৈকে ৰজাৰ হাউলিৰ চাৰিওকাষে ঘুৰি ফুৰিব ধৰিলে; কিন্তু তাৰ সমস্ত চেষ্টা বিফল হ'ল। ৰজাৰ হাউলিৰ ভিতৰলৈ অচিনাকি মানুহৰ সোমাবৰ কোনো সাধ্য নাই। বাটচ'ৰাত পৰীয়া। বিনা অনুমতিত ৰজাৰ হাউলিৰ ভিতৰৰপৰা পৰুৱা-পিপৰা এটাও ওলাব নোৱাৰে। কুৰি দিনে ঘুৰি-পকিও ৰহদৈক নেদেখি বেচাৰিয়ে নিজৰ মনৰ দুখ মনতে সামৰি ঘৰলৈ উলটিল। ঘৰত মাহচেৰেক মান বন-বাৰী একো নকৰি প্ৰায় নেখাই-নলৈ অলিয়ালি-বলিয়ালি কৰি কটালে। অৱশেষত এদিন বাপেক-মাহীয়েক কাকো একো নকৈ নিৰুদ্দেশ হ'ল। বাপেকে অনেক বিচাৰিও দয়াৰামক নাপালে। কোৱা বাহুল্য ধনীৰামে ৰতিকান্তৰপৰা ভাৰত দিয়া বস্তুবিলাকৰ মূল্য স্বৰূপে ৰূপ একুৰি লৈ পুত্ৰশোক সামৰিলে।

---

## পঞ্চদশ অধ্যায়

## বজা আৰু সংবাম

বজাঘৰত থকাৰ পাঁচ মাহমানৰ মূৰতে অৰ্থাৎ ফাগুনৰ পাঁচদিন যাওঁতে বহদৈয়ে বজাঘৰতে কইনা-কাল পালে। হিন্দুৰ দস্তুৰ মতে তাই সাতদিনলৈকে ব্ৰত ধৰি নিজৰ খোঁটালীতে সোমাই বল। লগৰ ভাদৈ আৰু আধণীয়ে তাইক সেই কেইদিন উপহাৰ-কাৰণ খাবলৈ যোগাৰ কৰি দিলে আৰু সাতদিনৰ দিনা তাইক নোৱাই-ধুৱাই শুচি কৰিলে। কইনা-কাল পাই উঠিবৰে পৰা তাই দিনক দিনে আৰু ধুনীয়া হব ধৰিলে। তাই ৰূপে ভুবনমোহিনী হব ধৰাত তাইৰ ৰূপত বজা দিনক দিনে আকৃষ্ট হৈ এদিন বজাই তেওঁৰ লগৰীয়া সখি সংবামক অকলৈ মাতি আনি সুধিলে—"সতাই সখি, মই বহদৈক চকলং পাতি বিয়া কৰাই বাণী কৰিব খোজো, তুমি কি কোৱা?"

সংবাম—স্বৰ্গদেৱ ঈশ্বৰে কৰেঁা বুলিলে যি ইচ্ছা তাকে কৰিব পাৰে। তথাপি বন্দীয়ে কথা একাষাৰ জনাব খোজেঁা।

বজা—কি কথা নিৰ্ভয়ে জনোৱা।

সংবাম—স্বৰ্গদেৱ ঈশ্বৰ! বহদৈ লিগিৰী নিচেই সামান্য কাঁড়ী পাইকৰ ঘৰৰ জীয়াৰী। তাইক বাণী পাতিলে অনৰ্থ ঘটিব পাৰে। আমাৰ আপই চুই-খায়ে নাযাব। বোধকৰো বৰগোহাঁই আৰু বৰপাত্ৰ-গোহাঁয়ো সন্মত নহব। এনেয়ে বুঢ়াগোহাঁয়ে স্বৰ্গদেৱক ভাঙি নিজে বজা হবলৈ চেলু বিচাৰি আছে। পিচত স্বৰ্গদেৱে এই কাম কৰিলে সি তাৰ ইচ্ছা পূৰ কৰিবলৈ সুবিধা পাব। সেইদেখি বন্দীয়ে জনাওঁ স্বৰ্গদেৱে তাইক বাধনী স্বৰূপে ৰাখি আমাৰ সাতঘৰীয়া আহোম ডাঙৰীয়া এজনৰ জীয়াৰী এজনকে বিয়া কৰাওক। বাজমাৰকো স্বৰ্গদেৱ ঈশ্বৰে এই বিষয়ে সুধি-পুচি চাওক।

বজা—আইদেউতাক অৱশ্যে জনাম। পিচত বহদৈ লিগিৰীক যেতিয়াই এটা ভেকালৈ খোজা-বঢ়া কৰাব পিচত মোৰ ইয়ালৈ আনা

হৈছে তেতিয়াই তাইক ৰাণী নকৰাকৈ তাই যে মোৰ বাধনী হবলৈ সন্মত হব এইটোও মই আশা কৰিব নোৱাৰোঁ। বিশেষ তুমিয়ে দেখোন কৈছা তাই হেনো সেই ডেকাটোৰ লগত সকবেপৰা একেলগে নাচি-বাগি ডাঙৰ হৈছে।

সংবাম—স্বৰ্গদেৱ ঈশ্বৰ! ল'ৰাকালিত কি ডেকা কি গাভৰুৱে মাছ মাৰোঁতে, ভুই ৰোওঁতে, বিহু গাওঁতে আৰু নাচোঁতে যি প্ৰেমৰ আলাপ কৰে তাৰ মূল্য একো নাই। ভাগ্য-চকৰিয়ে কাক কেনি নিয়ে তাৰ ঠিকনা নাই। যেতিয়ালৈকে তিৰোতা পুৰুষৰ শয্যাশায়িনী নহয় তেতিয়ালৈকে সেই তিৰোতা বা গাভৰুৰ প্ৰেম সেইজনা পুৰুষলৈ স্থায়ী নহয়। বহদৈয়ে যি স্থলত দয়াৰামৰ তিৰোতা হৈ পোৱা নাই সেই স্থলত তাইৰ দয়াৰামলৈ প্ৰেম স্থায়ী নহয়। স্বৰ্গদেৱ ঈশ্বৰে অলপ ফুচুলিয়াই তাইক প্ৰেম-সম্ভাষণ কৰিলেই তাই স্বৰ্গদেৱক ভজিব। এবাৰ ভজিলেই পিচত তাইক স্বৰ্গদেৱে যি ভাবে ৰাখো বোলে সেই ভাবেই ৰব।

ৰজা—সখি! তেন্তে মই তাইকো এবাৰ জোকাই চাওঁ—তাৰ পিচত আইদেউতাকো সুধি-পুছি আকৌ যি হয় তোমাক জনাম।

সংবাম—ভাল স্বৰ্গদেৱ ঈশ্বৰ। এতিয়া বন্দী বিদায় হমনে?

ৰজা—হব পাৰা।

---

### ষোড়শ অধ্যায়

## ৰজা আৰু বহদৈ

সংবামক বিদায় দি উঠি ৰজাই তেওঁৰ আঠ বছৰ বয়সীয়া সাধনী নামৰ হাতধৰী লিগিৰীজনীক বহদৈক বংচ'ৰালৈ মাতি আনিব পঠালে। সাধনীয়ে গৈ বহদৈক মাতি আনিলে। বহদৈয়ে আঠুলৈ ৰজাক সেৱা

জনোবাত বজাই কলে—"বহদৈ, মই আজি তোক কথা এটা সুধিব খোজোঁ। তই আচল সচা কথা কবিনে ?"

বহদৈ—কম স্বৰ্গদেৱ ঈশ্বৰ !

বজা—তই যাৰ বাপেৰৰ ঘৰত থাকোঁতে সেই যে ডেকাটোৰে সৈতে উমলি-জামলি ফুৰিছিলি তাৰে সৈতে কোনো দিন তোৰ হাত-বাত হোৱা নাছিলিনে ?

বহদৈ—স্বৰ্গদেৱ ঈশ্বৰ ! কি হাত-বাত বা বেটীয়ে বুজিব পৰা নাই।

বজা—অৰ্থাৎ কোনো দিন চ'তত নিশা বিহুত নাচোঁতে তই তাৰ তিৰোতা হোৱা নাছিলিনে।

বহদৈ—(তললৈ মুৰ কৰি নিকত্তৰ)

বজা—ক বহদৈ সঁচা কথা ক !

বহদৈ—(সেপ ঢুকি) স্বৰ্গদেৱ ঈশ্বৰ। এতিয়ালৈকে তো বেটীক আই-বোপায়ে তালৈ বিয়াকে দিব পৰা নাই নহয়।

বজা—বিয়া নোহোৱাকৈয়ে জানো ডেকাই গাভৰুৰ লগত সহবাস নকৰে ?

বহদৈ—স্বৰ্গদেৱ ঈশ্বৰে কি সহবাসৰ কথা কয় বেটীয়ে বুজিব নোৱাৰো। গাঁৱে-ভূঁয়ে নাচোঁতে বাগোঁতে কোনো ডেকাই কোনো গাভৰুক ভাল পাই সেই কথা তাইক জনাই তাই তালৈ আহিবনে নাহিব অথবা বিয়া সোমাবনে নোসোমাব এনেকুৱা কথা সোধে। পিচত সম্মতি জনালে যেই গাভৰুৰ লগত সেই ডেকাৰ যেনে তেনে বিয়া হয়।

বজা—কিয় সতাই সখিয়ে দেখোন কৈছে যে বিয়া নোহোৱাকৈয়ে অনেক গাভৰুৱে ডেকাই সৈতে নিশা চ'তৰ বিহুত মতা-মাইকী হয় আৰু শেহত তেনেকুৱা গাভৰুও আন ডেকালৈ যায় আৰু তেনেকুৱা ডেকাইও আন গাভৰু আনে বা বিয়া কৰায়।

বহদৈ—স্বৰ্গদেৱ ঈশ্বৰ ! সংৰাম ফুকনৰ নিচিনা জনৰ লগত অথবা নগৰত ডেকাই গাভৰুৱে তেনেকুৱা কৰিলেও কৰিব পাৰে বেটীয়ে সেইটো নাজানো ; কিন্তু আমাৰ গাঁৱত হলে তেনেকুৱা পাপাচাৰ নহয়। যি গাভৰুৱে বিহুত বা আন সময়ত কোনো ডেকাক কথা দিয়ে সেই গাভৰু সেই জনলৈ যাবই যাব।

ৰজা—তেন্তে তয়ো সেই দৰে তোৰ সেই ভেকাটোক কথা দিছিলিনে ?

বহদৈ—সি বৰ নৈৰ পানী ছুই শপত কাঢ়িছিল যে সি মোত বাদে আন কাকো বিয়া নকৰাব। মোক নাপালে হেনো সি হয় নৈত জাঁপ মাৰি মৰিব নতুবা বৰাগী হব।

ৰজা—আও! ইমান নে ?

বহদৈ—হয় স্বৰ্গদেৱ ঈশ্বৰ!

ৰজা—পিচত বহদৈ! তোক মই কথা এটা কওঁ। মই তোৰ ৰূপত ভোল গৈয়ে তোৰ মাৰ-বাপেৰক ধন-বিত দি কিনি আনিছো। মই তোৰ ৰূপত বলিয়া। তই দয়াৰামলৈ পাহৰি মোত ভজ।

বহদৈ—স্বৰ্গদেৱ ঈশ্বৰ! বেটীক স্বৰ্গদেৱে কাটিবও পাৰে মাৰিবও পাৰে। কিন্তু মই সেইটো কৰিলে বেচাৰা দয়াৰামৰ যে আশা ছেদ হব। অলপতে মোৰ পিতাদেৱে মোক চাবলৈ আহোঁতে দয়াৰামৰ কথা সোধোঁতে কৈছে দয়াৰাম হেনো মোৰ শোকতে কলৈ গল, ক'ত মৰিল, কি হ'ল কেৱে কব নোৱাৰে।

এই বুলি কৈ বহদৈয়ে চকু চলচলীয়া কৰিলে।

ৰজা—বহদৈ! তোৰ কথা শুনি মই দুখ পাইছোঁ। বাক মই যদি তোক বিয়া কৰাই মোৰ ৰাণী পাতো তেনেহলেও দয়াৰামক নাপাহৰিবিনে ?

বহদৈ—স্বৰ্গদেৱ ঈশ্বৰ! দুখুনী বহদৈ সামান্য ভকতৰ জীয়াৰী হৈ ইন্দ্ৰবংশী স্বৰ্গদেৱৰ যোগ্যা হব নোৱাৰোঁ। বিশেষ মই দয়াৰামক পাহৰিব নোৱাৰিম।

ৰজা—বাক মই যদি ছোৰাংচোৰা মেলি দয়াৰামক বিচাৰি আনি তোৰে সৈতে সমিল-মিল কৰি তাক আন এজনী ধুনীয়া গাভৰু বিয়া কৰাই দিওঁ তেতিয়া তই মোক ভাল পাবিনে ? মোৰ ৰাণী হবিনে ?

বহদৈ—স্বৰ্গদেৱ ঈশ্বৰে যদি দয়াৰামক আনি তাৰ মন পৰীক্ষা কৰি তাক আন এজনী বিয়া কৰাই দিয়ে আৰু সিও তাত সন্মত হৈ মোক ত্যাগ কৰে তেতিয়া এই বেটীয়ে স্বৰ্গদেৱৰ চৰণ সেৱা কৰিবলৈ পিচ নুহুহকিম। স্বৰ্গদেৱ ঈশ্বৰক ভাল পাম।

ৰজা—তেন্তে বহদৈ মই দয়াৰামক বিচৰাওঁ। পিচত মোক এটা চুমাকে হলে দিবিনে ?

ৰহদৈ—স্বৰ্গদেৱ ঈশ্বৰৰ বিধিমতে ৰাণী নোহোৱালৈকে বেটীয়ে স্বৰ্গদেৱ ঈশ্বৰক বেটীৰ মুখখন আগ বঢ়াব নোৱাৰো। বেটীয়ে স্বৰ্গদেৱ ঈশ্বৰৰ বেটীস্বৰূপে—ৰাজভক্ত প্ৰজাস্বৰূপে স্বৰ্গদেৱ ঈশ্বৰৰ পদত চুম্বন কৰেঁা।

এই বুলি কৈ ৰহদৈয়ে ৰজাৰ ভৰিত ছুটা চুমা খালে। ৰজাই ৰহদৈৰ কথাত আৰু আচৰণত পৰম প্ৰীত হৈ ৰহদৈৰ মুৰত থপৰিয়াই কলে—"বাৰু ৰহদৈ, এদিন নহয় এদিন তোক মোৰ ৰাণী কৰিম। অৱেশ্যে মই আগেয়ে দয়াৰামক আনি তাৰ মন দোহোৰা ফালে ঢাল খুৰাই লৈহে তোৰ প্ৰেম বিচাৰিম। কিয়নো আমাৰ ইন্দ্ৰবংশী ৰজাসকলৰ দস্তুৰ আছে যে ৰজাই কাৰো পেলনীয়া যোৱা (কায়ৰ বা মনৰে হওক) গ্ৰহণ নকৰে। তোৰ মোলৈ একান্ত প্ৰেম নহলে মই তোক ৰাণী কৰিব নোৱাৰেঁা।

---

সপ্তদশ অধ্যায়

## ৰজা আৰু ৰাজমাও দেউতা

পিচদিনা ৰাতিপুৱা ৰজা শয্যাৰ পৰা উঠি মুখ-হাত ধুই অলপ জা-জলপান খাই ৰাজমাও দেউতাৰ ওচৰলৈ গল আৰু ৰাজমাৰক সেৱা কৰি জনালে—"আই দেউতা! মই কথা এটা সুধিব আহিলো।"

ৰাজমাও—কি কথা কোৱা মোৰ গোঁহাইদেৱ?

ৰজা—আইদেউতা! মই মোৰ হাতধৰী এই ৰহদৈ নামৰ লিগিৰী-জনীক বিয়া কৰাই ৰাণী পাতিব খোজোঁ।

ৰাজমাও—ছিঃ গোঁহাইদেৱ! তোমাৰ নজৰ ইমান হীন হলনে? তাই দেখিবলৈ ধুনীয়া হলেও কাড়ী পাইকৰ ঘৰৰ জীয়াৰী। তাইক ৰাণী পাতিলে আমাৰ মান-মৰ্য্যাদাৰ হানি হব।